# চন্দ্রপ্রভা ।

( সামাজিক চিত্র । )



## CHANDRA PROBHA·

শ্রীনবীনচন্দ্র ভটাচাৰ্য্য দ্বাৰা
প্রণীত ।



দ্বিতীয় তাঙ্গৰণ ।



আঠঘৰিয়া, কামৰূপ,
লক্ষ্মীগোপাল এজেঞ্চী কোম্পানীৰ পৰা
শ্রীনবীনচন্দ্র ভট্টাচাৰ্য্যৰ দ্বাৰা প্ৰকাশিত।



সন ১৩২৭ চন।

মূল্য ।৵০ ছয় অনা মাথোন।

# উৎসৰ্গ।

মোৰ মৰমৰ ভগ্নীপতি শ্ৰীযুত শৰৎ চন্দ্ৰ গোস্বামী
বি, এ, বি, টি, ৰ পৱিত্ৰ হাতত
আজলী 'চন্দ্ৰপ্ৰভা'ক সাদৰে
অৰ্পণ কৰিলোঁ।
ইতি।

আঠঘৰিৰা,
২০ ভাদ, ১৩১৫ সন।

মৰমৰ
লিখোতা।

# উপহাৰৰ পিঠি।



শ্ৰী অসম সাহিত্য সভা পুথিভঁৰাল

এই পুথিখনি

উপহাৰ দিলো।

ইতি।

তাং

শ্ৰী

লক্ষ্মীগোপাল এজেঞ্চী কোম্পানীৰ ৰাইজলৈ

# নিবেদন।

দিনে দিনে শিক্ষাবিস্তাৰৰ লগে আমাৰ গ্ৰন্থকাৰ আৰু পাঠকৰ সংখ্যা বাঢ়িছে। কিন্তু, কিতাপ উলিয়াৰ তেনেকুৱা কোনো সুবিধা নথকাত আমাৰ সাহিত্যৰ বিশেষ উন্নতি হোৱা নাই। নাই। এই মহৎ কামত সাধ্যমত সহায় কৰিবৰ কাৰণ, এই কিতাপৰদোকান খোলা হৈছে।

শিক্ষিত সমাজৰ সহায় আৰু মৰম আমাৰ এক মাত্ৰ ভৰসা। আশা কৰো সকলোৱে আমাক এই কামত উৎসাহ দি বাধিত কৰিব।

প্ৰত্যেক গ্ৰন্থকাৰককে আমি সবিনয়ে অনুৰোধ কৰি কওঁ, তেখেত সকলৰ যিবিলাক মুদ্ৰিত কিতাপ আছে, সেই বিলাক যেন বিক্ৰিৰ কাৰণে আমাৰ দোকানত থয় ; বা কোনো কিতাপ উলিয়াবলৈ থাকিলে আমাক প্ৰকাশ কৰিবলৈ ভাৰ দিয়ক। আমি সকলো প্ৰকাৰ সুলিখিত কিতাপ উলিয়াবলৈ প্ৰস্তুত আছো। ---ৰ ছপা আৰু পৰিপাটিকে বন্ধাত আমি বিশেষ যত্নৰে সৈতে চকু ৰাখিম।

কিতাপ বিক্ৰিৰ সুবিধাৰ্থে আমি বিজ্ঞাপনে জাননী আদিৰ বিশেষ বন্দবস্ত কৰিছো।

ইয়াৰ বাহিৰে জানিবলৈ হ'লে আমালৈ লিখক।

নিবেদক—লক্ষ্মীপোল এজেঞ্চী কোং, আঠবৰী—আসাম।



# চন্দ্ৰপ্ৰভা।

( সামাজিক চিত্ৰ )

## প্ৰথম পৰিচ্ছেদ।

আজি চন্দ্ৰপ্ৰভাৰ বিয়া। চন্দ্ৰপ্ৰভাৰ বাপেক শ্ৰীযুত গৌৰীকান্ত বৰুৱাৰ আথিক অবস্থা তিমান ভাল নহলেও, বৰুৱা ডাঙ্গৰীয়াই তেওঁৰ একেজনী ছোৱালীৰ বিয়াখন বৰ ধুমধামেৰে পাতিছে। ঢুলিয়াই ঢোল বজাইছে, খুলিয়াই খোল বজাইছে, কালিয়াই কালি বজাইছে। ঢোল, খোল, কালি, সকলোৱে শব্দত গাঁও-খনি আনন্দত ওপচি পৰিছে। চন্দ্ৰপ্ৰভাৰ মাক নাই; তেওঁৰ

যেতিয়া চাৰি বছৰ বয়স, তেতিয়াই তেওঁৰ মাকে সকলোকে কন্দুৱাই, তেওঁক মাউৰী কৰি, শাথাইসিন্দূৰে সিফলীয়া হইছে। কেইজনমান দূৰৈৰ মিতিৰ কুটুমে আহি বিয়াৰ কাজ কাম কৰিছে, আৰু বস্তুবাহানিও গোটোৱা মিলা কৰিছে। গাঁওৰ গাভৰুবিলাকৰ আজি বৰ ধূমধাম হৈছে। তেওঁবিলাকে সকলোৱে সাজি পাৰি আহি বৰুৱা ডাঙৰীয়াৰ ঘৰ থন পোহৰাইছে। গাঁওৰ লৰাছোৱালীবিলাকে বিয়া চাবলৈ পাম বুলি ৰঙতে নাচি বাগি ফুৰিবলৈ ধৰিছে। আজি সকলোৰে গাত তত নাইকিয়া হৈছে। গাঁওৰ বয়সীয়াল তিৰোতাবিলাকৰ বিয়াৰ বনবাৰি কৰিবৰ নিমিত্তে গাত তত নাই; গাভৰুহঁতৰ হাঁহি খিকিন্দলী কৰিবলৈ, আৰু লৰাছোৱালী বিলাকৰ হাই মৰামৰি কৰিবলৈ গাত তত নাইকিয়া হৈছে। কিন্তু [illegible] আমাৰ চন্দ্রপ্ৰভাৰ বৰ বিপদ হৈছে। গাঁওৰ গাভৰুহঁতৰ [illegible] বিদ্রূপত তেওঁ লাজতে নমতা নোবোলাকৈ একে ঠাইতে বহি আছে। তেওঁৰ সখীয়েক মালতীয়ে তেওঁৰ চুলি কোছা বান্ধি দিবলৈ ধৰিছে। আন আন ছোৱালীবিলাকে চাৰিও পিনে বহি মেল পাতিছে। আৰু যিবিলাকে দৰা প্রসন্নকুমাৰক আগেয়ে দেখিছে, তেওঁবিলাকৰ সকলোৱে কৈছিল, “প্রসন্ন বৰ ভাল লৰা, তেওঁৰ যেনে ৰূপ গুণৰো তেনেকৈ অলপো লাঘৱ নাই। আমাৰ চন্দ্রপ্ৰভাৰ লগত ভালকৈ জোৰ হব।”

এজনী সমান বয়সীয়া ছোৱালীয়ে, চন্দ্রপ্ৰভাৰ গলত সাবতি

ধৰি কলে, "চন্দ্ৰ! তুমি তোমাৰ দৰাটিক দেখিছানে?" এনেতে মালতীয়ে হাঁহি হাঁহি কলে, "দৰা দেখাৰ কথা সুধিছা, সেই ফেৰি কন্যা দেখাৰ আগেয়ে হৈ গৈছে।" ইয়াকে শুনি সকলো কেইজনী ছোৱালীয়ে মালতীক সুধিবলৈ ধৰিলে—"ভনিটি! তই নো কেনেকৈ জানিলি, সঁচা কৈছনে এনে মিছামিছি কৈয়ে কৈছ? আৰু তইনো কাহানি থন দেখাৰ কথা কৈছ, আমাৰ আগত কচোন।" তেতিয়া মালতীয়ে হাঁহি হাঁহি কৰবলৈ ধৰিলে, খুড়া দেউ মাজতে এদিন ধনপুৰলৈ গৈছিল, তাতে তেওঁৰ লগত প্ৰসন্নৰ দেখা হয়। আৰু অলপতে এদিন তেওঁ ইয়ালৈয়ো আহিছিল, সেই সময়তে আমাৰ সখীয়ে তেওঁক দেখিছে। মালতীয়ে আৰু কিবা কিবি কৰবলৈ ধৰিছিল। এনেতে চন্দ্ৰপ্ৰভাই তেওঁৰ মুখত দুয়োখন হাতেৰে সোপামাৰি ধৰিলে। লাজতে চন্দ্ৰপ্ৰভাৰ মুখ থন সিন্দূৰত কৈও ৰঙা হ'ল। এটাই কেইজনী গাভৰুয়ে হাঁহিবলৈ ধৰিলে। চন্দ্ৰপ্ৰভাৰ চুলি কোছা বন্ধা হ'ল। এজনী গাভৰুয়ে কলে, "চন্দ্ৰৰ মুৰটো চুলিৰেভৰা; খোপাটি বৰ ধুনিয়া হৈছে।" সকলোৰে মিলি চন্দ্ৰপ্ৰভাক সাজপাৰ কৰিলে। সেই সময়ত তেওঁৰ ৰূপৰ জেউতী এনে হৈছিল যে তাক বৰ্ণাবলৈ সুকঠিন। আৰু সকলোটি ছোৱালীৰ মাজত, তৰাৰ মাজত জোনোবাই যিদৰে জিলিকে, তেওঁ সেইদৰে জিলিকিছিল।

সন্ধ্যা সময়ত বিয়াৰ লগ্ন। চুলিয়া ডগৰীয়াৰে সৈতে বৰ ধুম-ধাম কৰি দৰা যথা সময়ত আহি পালে। দৰা অহা কথা শুনি

গাভৰু ইঁতে জোকাৰ দিবলৈ, আৰু নাম গাবলৈ ধৰিলে। পুৰোহিতে আহি আগেয়ে বিয়াৰ ঠাইত বহি আছিল। তেওঁ, দৰা অহা দেখি গৌৰীকান্ত বৰুৱাক দৰা বৰি আনিবলৈ কলে। আৰু গৌৰীকান্ত বৰুৱায়ো বৰ ধুমধামেৰে সৈতে দৰা বৰি আনিলে। পুৰোহিতে মন্ত্ৰ পঢ়িবলৈ ধৰিলে। আৰু যথা সময়ত বৰুৱা ডাঙ্গৰীয়াই চন্দ্ৰপ্ৰভাৰ কোমল হাত, প্ৰসন্নৰ হাতত অৰ্পণ কৰিলে। সেই সময়তে পিছফালৰ পৰা কোনোবাই সহিব নোৱাৰাহৈ দীঘলকৈ এটা হুমুনিয়াহ কাঢ়ি শুনা নশুনাকৈ কলে, "উঃ! সেই কথা আন কেৱে শুনিছে নে নাই কব নোৱাৰো। কিন্তু গৌৰী-কান্ত বৰুৱাই সেই কথা শুনিলে! আৰু প্ৰসন্নয়ো শুনিলে!"

যি পিনৰ পৰা এই শব্দটো শুনা গৈছিল প্ৰসন্নই আচৰিত হৈ সেই পিনে চকুফুৰাই চালে। গৌৰীকান্ত বৰুৱাই আচৰিত হৈ সুধিলে, "কোন?" কেইজনী মাহ ছোৱালীয়ে সেই ফালে থিয়হৈ, বিয়াত সাধাৰণতঃ যি যি কাৰ্য্য কৰা হয় সেইবিলাক চাই আছিল। তাৰে ভিতৰৰ পৰা এজনীয়ে উত্তৰ দিলে, "মাণিক দাদা।" সেই কথা শুনি অলপ বং মনেৰে বৰুৱা ডাঙ্গৰীয়া থিৰ হৈ বল, আৰু অলপ আওকান ভাব ধৰিলে। ইপিনে প্ৰসন্নৰ প্ৰফুল্ল মুখ ও মলিন নোহোৱা হৃদয়ত এটা শোকৰ ছায়া আহি লাহে লাহে তেওঁক আবৰি ধৰিলে।

বিয়া শেষ হ'ল, কন্যা সম্প্ৰদান হৈ গল। দৰা কন্যাক ঘৰলৈ নিলে। তাত যি যি কথা হৈছিল, তাক ইয়াত বৰ্ণনা কৰাৰ একো

আবশ্যক নাই। ৰাতি পুৱা দৰা কন্যাক বিদায় দিয়া হ'ল। বিদায় দিবৰ সময়ত চন্দ্ৰপ্ৰভাই চকুৰ পানী টুকি টুকি সকলোকে সেৱা কৰিলে। চন্দ্ৰপ্ৰভা, স্বভাবৰ নিমিত্তে সকলোৰে বৰ আদৰণীয়া আছিল, সেই দেখি আজি সকলোৱে আশীৰ্ব্বাদ কৰিবলৈ ধৰিলে। মালতীয়ে শোক মনেৰে এটুপি চকুৰ লো টুকি তেওঁৰ প্ৰাণৰ সখীক বিদায় দিলে।



# দ্বিতীয় পৰিচ্ছেদ।

——:০:——

চন্দ্রপ্রভাৰ শহুৰেকৰ ঘৰ কামৰূপ জিলাৰ বাঘমাৰি গাঁৱত। প্রসন্নকুমাৰ ধনীৰ ল'ৰা। তেওঁৰ দেউতাক ৺ শান্তিৰাম চৌধুৰী, আজি তিনি বছৰ হল, ইহলোক ত্যাগ কৰিছে। তেওঁ ধন সম্পত্তি বহুত ৰাখি থৈ গৈছে। ঘৰ খনত প্রসন্নৰ মাক, এজনী ভনীয়েক, আৰু কেইজন মান মিতিৰ কুটুম্ব আছে। প্রসন্ন ঘৰত নেথাকে। তেওঁ ধনপুৰত থাকে, তাতে এটি কাৰবাৰ চলাইছে।

তেওঁ যথাসময়ত চন্দ্রপ্রভাই সৈতে ঘৰ পালেহি। চন্দ্রপ্রভাৰ সুন্দৰ ৰূপ দেখি সকলো মোহিত হ'ল। আৰু ঘৰে ঘৰে [illegible] ৰূপৰ শলাগ লবলৈ ধৰিলে। কিন্তু প্রসন্নৰ মাকৰ মনত বোৱাৰী ভাল নহ'ল। তেওঁ মনে মনে ভাবিছিল, যে তেওঁৰ পুতেকক কোনো ডাঙৰ মানুহৰ ঘৰত বিয়া কৰাব। কিন্তু ঈশ্বৰে তেওঁৰ সেই আশাটি পূৰ্ণ নকৰিলে। চন্দ্রপ্রভাৰ মন মোহা ৰূপত মুগ্ধ হৈ প্রসন্নই শপথ খাইছিল যে তেওঁ চন্দ্রপ্রভাৰ বাহিৰে আন কাকো বিয়া নকৰায়। কাজে কাজে মাকৰ অনিচ্ছা স্বত্বেও, চন্দ্রপ্রভাক বোৱাৰী কৰি নোলোৱাকৈ থাকিব নোৱাৰিলে। কিন্তু তেওঁৰ মনৰ খং কোনোমতে তেওঁৰ মনৰ পৰা আতৰি নগল। চন্দ্রপ্রভা, আৰু এটিৰ মনত ভাল নহ'ল। সেইটি প্রসন্নৰ ভনীয়েক

প্ৰভাৱতী। পোনে পোনেই বোৱেকৰ মুখ দেখি তেওঁ মুখ বিকতাই হাঁহিমাৰি কলে, "হৰি! হৰি! এই জনীয়ে হবলা সুন্দৰী!" প্ৰভাৱতী চন্দ্ৰপ্ৰভাতকৈ, তিনি চাৰি বছৰ বয়সত ডাঙৰ। শহুৰেকৰ ঘৰত কষ্ট পাই বুলি, মাকে তেওঁক শহুৰেকৰ ঘৰলৈ নপঠাইছিল। কোনোবাই কিবা কলে তেওঁ ইয়াকে কৈছিল, "দহোটা নহয়, পাঁচোটা নহয়, একেজনী ছোৱালী তাকেই পুহিব নোৱাৰা নে? শহুৰেকৰ ঘৰলৈ পঠাই কোন শতেৰে ময় তাইক মাৰিম?" আজি দৰা কন্যাৰ পাতত ভাত দিবৰ দিন। আৰু যথাসময়ত সেই কাৰ্য্য হৈ গ'ল। আজি ৰাতি পুৱা প্ৰসন্নই, চন্দ্ৰপ্ৰভাক মাতি কলে, "চন্দ্ৰ! ময় আজি তোমাক এটা কথা সুধিম, তুমি কবানে?

চন্দ্ৰপ্ৰভাই ৰংমনেৰে কলে, কি কথা? কওক চোন। প্ৰসন্নই কলে, "চন্দ্ৰ! তুমি মাণিকক ভাল পাইছিলা নে?" চন্দ্ৰ-প্ৰভা অলপ আচৰিত হৈ, নমতা নোবোলাকৈ থাকিল। প্ৰসন্নই আকৌ কবলৈ ধৰিলে। "ময় তোমাৰ স্বামী; চন্দ্ৰ! তুমি সঁচাকৈ কোৱাচোঁ, মাণিকক ভাল পাইছিলা নে নাই?" চন্দ্ৰই অলপো থং নকৰি কোমল মাতেৰে কলে, "হয় ময় তেওঁক ভাল পাইছিলোঁ। এতিয়াও ভাল পাওঁ। মোৰ ভাই ভনী কোনো নাই, সৰু কালৰে পৰা মাণিক দাদাক ভাল পাওঁ; আৰু ভক্তিও কৰোঁ। কিন্তু আপুনি এই কথা কিয় সুধিছে? ময় মাণিক দাদাক ভাল পোৱাৰ বাবে দোষী হলোঁ নে কি?" প্ৰসন্নৰ মনৰ সন্দেহ তেতিয়া গুছিল।

তেওঁ ঘৈনিয়েকৰ মধুৰ কথাত মোহ গ'ল। আৰু আদৰেৰে কলে, "নহয় চন্দ্ৰ! নয় তোমাক দোষী ভবা নাই, কিন্তু কেবল মোৰ মনৰ সন্দেহ গুছাবৰ নিমিত্তে হে তোমাক এই কথা সুধিলোঁ।"

চন্দ্ৰপ্ৰভা কেইদিনমান শহুৰেকৰ ঘৰত থাকি, বাপেকৰ ঘৰলৈ ওভটি আহিল। প্ৰসন্নয়ো নিজ ঘৰৰপৰা ধনপুৰলৈ গ'ল। গৌৰীকান্ত বৰুৱাই জীয়েকক ডাঙৰ ঘৰত বিয়া দি, বৰ সন্তোষ পাইছিল। কিন্তু চন্দ্ৰপ্ৰভাৰ শাহুয়েকৰ আচৰণ দেখি তেওঁৰ মনত অলপ দুঃখ হ'ল।

---

# তৃতীয় পৰিচ্ছেদ।

——:০:——

মাণিকচন্দ্ৰ পিতৃ মাতৃহীন অনাথ ডেকা। গৌৰীকান্ত বৰুৱাই তেওঁক দয়া কৰি নিজ ঘৰত ৰাখি তেওঁক নিজৰ লৰাৰ দৰে যতনেৰে প্ৰতিপালন কৰে। মাণিকলৈ গৌৰীকান্ত বৰুৱাৰ মৰম দেখি সকলোৱে মনে মনে ভাবিছিল যে, তেওঁ চন্দ্ৰপ্ৰভাক মাণিকৰ লগত বিয়া দিব। কিন্তু গৌৰীকান্ত বৰুৱাই হলে এই কথা কেতিয়াও মনত ভবা নাছিল। তেওঁৰ সৰ্ব্বদাই ইচ্ছা আছিল যে, একেজনী ছোৱালী কোনো এখন ভাল ঘৰত বিয়া দি সুখী হব। মাণিকে লৰা কালিৰে পৰা চন্দ্ৰক প্ৰাণতকৈয়ো ভাল পাইছিল। কিন্তু তেওঁ ভাল পোৱাত মুগ্ধ হৈও স্বপ্নতো ভবা নাছিল যে, বৰুৱা ডাঙৰীয়াই তেওঁৰ নিচিনা দৰিদ্ৰ এটাৰ লগত, তেওঁৰ একেজনী জীয়েকক বিয়া দিব। চন্দ্ৰপ্ৰভাই মাণিকক ভাল পাইছিল, কিন্তু সি ভাল পোৱা অন্য ৰকমৰ। চন্দ্ৰই মাণিকক নিজৰ ভাইটিৰ দৰে ভাল পাইছিল। ইয়াৰ বাহিৰে আন কোনো ভাবে তেওঁৰ মনত অকণ মানো ঠাই পোৱা নাছিল।

মাণিকৰ সুখৰ সপোন ইমান দিনে ভাগিল। প্ৰসন্নৰ লগত চন্দ্ৰপ্ৰভাৰ বিয়াৰ পিছদিনা ৰাতি তেওঁ কোনো ঠাইলৈ গুছি গল। কিন্তু কলৈ গল কোনেও নেজানিলে।

গৌৰীকান্ত বৰুৱাই মাণিকক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল। এতিয়া মাণিকৰ নিৰুদ্দেশ হোৱাত তেওঁ বৰ দুঃখিত হল। চন্দ্ৰপ্ৰভায়ো মনে মনে বৰ দুঃখ পালে। চন্দ্ৰৰ সখীয়েক মালতীৰ লগত তেওঁৰ সদায়ে দেখা হয়। মালতী গৌৰীকান্ত বৰুৱাৰ ওচৰ চুবুৰীয়া এজন ভাগীৰ ছোৱালী। সৰু কালৰে পৰা দুয়ো একে লগে থকাৰ বাবে তেওঁলোকৰ ভিতৰত এনে মিল হৈছিল যে, তাক লিখি ওৰ কৰিব নোৱাৰি। আৰু তেওঁলোক দুয়ো সখী বান্ধিছিল। ইটিয়ে সিটিক এদিন নেদেখিলে থাকিব নোৱাৰিছিল। মালতী চন্দ্ৰতকৈ বয়সে অলপ ডাঙৰ। তেওঁক কঠালগুড়ি গাঁওত বিয়া দিছে। বিয়াৰ পাছত এবাৰ শহুৰেকৰ ঘৰলৈ গৈছিল, এতিয়া মাকৰ ঘৰতে আছে। দুয়ো সখীয়েকে দিনৰে দিনটো কিমান হাঁহিছিল, কিমান ৰং কৰিছিল। এতিয়া কিন্তু তেওঁলোকৰ ভিতৰত এটা আন ভাব ওপজিছে।

শহুৰেকৰ ঘৰৰ কথা ওলালেই, চকু চলচলীয়াকৈ কৈছিল, "তোমাক এৰি কেনেকৈ থাকিম সখী? এতিয়া যে এখন্তেকো তোমাৰ মুখ মন নেদেখিলে থাকিব নোৱাৰো।" মালতীয়ে বেজাৰ মনেৰে হাঁহি মাৰি উত্তৰ দিছিল, "সখি! সকলোদিন নো সমানে যায় নে? এতিয়া মোক এৰিবলৈ শোক কৰিছা, কিন্তু তালৈ গলে স্বামীৰ স্নেহ আৰু মৰমত আমাক দুদিনতে পাহৰি যাবা হবলা?" এই বিলাক কথাত চন্দ্ৰৰ বৰ খং উঠিছিল।

এদিন দুদিনকৈ দিন যাব ধৰিলে। চন্দ্ৰৰ বিয়া যাবৰ ছয় সাত

গাহ হ'ল। প্ৰসন্ন এবাৰ মজাতে বাঘমাৰিলৈ আহিছিল; কিন্তু মাকৰ গালি শপনিত লাজ পাই, আৰু ঘৰলৈ অহা নাই।



# চতুৰ্থ পৰিচ্ছেদ।

চন্দ্ৰপ্ৰভা আকৌ শহুৰেকৰ ঘৰলৈ আহিছে। কিন্তু তেওঁলৈ শাহুয়েকৰ খং আগৰ দৰেই আছে। তেওঁ শাহুয়েকক সন্তুষ্ট কৰিবলৈ পাৰাপৰিশ্ৰমে চেষ্টা কৰিছিল। কিন্তু শাহুয়েকৰ মন কোনামতে ভাল কৰিব নোৱাৰিলে। তেওঁ কথায় কথায় চন্দ্ৰপ্ৰভাক সহিব নোৱাৰাকৈ কথা কৈছিল, আৰু বিকৰ্থনা কৰিছিল। চন্দ্ৰয়ো নমতা নোবোলাকৈ সকলোকে সহিছিল। আন কি ঘৰত বেটী বন্দি থাকা স্বত্বেও তেওঁ, বাতি পুৱাৰপৰা গধুলী লৈ সকলো বন কৰিব লাগিছিল। সেই বিষয় কোনোবাই কিবা কলে, তেওঁৰ শাহুয়েকে কৈছিল, "সেই সক মানুহৰ বেটী জনীয়ে মোৰ সকলো বাটতে কাঁইট বান্ধিছে। তাইক যে ঘৰৰ-পৰা উলিয়াই দিয়া নাই, সেইয়ে তাইৰ সৌভাগ্য।" শাহুয়েকৰ অত্যাচাৰ আছিলেই তাৰ বাহিৰেও ননন্দাকৰ ব্যবহাৰত চন্দ্ৰপ্ৰভা বৰ জ্বালাতন হৈছিল। প্ৰভাৱতীৰ স্বভাৱ এই যে, তেওঁ কাৰো ভাল হোৱা দেখিব নোৱাৰিছিল। কাৰো মুখত

হাঁহি দেখিলে তেওঁৰ মুখ ক'লা পৰিছিল। সকলোৱে চন্দ্ৰপ্ৰভাৰ ৰূপৰ সুখ্যাতি কৰিছিল, কিন্তু শাহুয়েকৰ ভয়ত কোনেও মুখ ফুটাই কব নোৱাৰিছিল। কিন্তু চন্দ্ৰপ্ৰভাৰ সদ্ব্যৱহাৰত সকলোৱে তেওঁক অন্তৰেৰে ভাল পাইছিল। প্ৰভাৱতীৰ সেই নিমিত্তে চন্দ্ৰলৈ পেটে পেটে বৰ খং হৈছিল। তেওঁ নিজে কোনো দোষ কৰিলে বৌয়েকৰ গাত পেলাই দিছিল। মাকৰ আগত মিছাকথা লগাই বং চাইছিল। প্ৰভাৱতীয়ে অকল ইয়াকে কৰি বাট চাই থকা নাছিল। তেওঁ কোনোবা মানুহৰ মুখত মাণিকৰ দেশত্যাগৰ কথা শুনিছিল। মাজে মাজে চন্দ্ৰপ্ৰভাক সেই কথা শুনাই শুনাই হাঁহিছিল।

প্ৰসন্নই চন্দ্ৰপ্ৰভালৈ সপ্তাহত ২।৩ খন চিঠি লেখিছিল। আৰু অলপ আজৰি পালেই ঘৰলৈ আহিছিল, কিন্তু আমাৰ প্ৰভাৱতীৰ এইটো অসহনীয় হৈছিল। তেওঁ কৈছিল, যে দাদা তিৰীৰ ভুছুং হৈছে, সেই দেখিহে বৌ[illegible]ন অহঙ্কাৰ হৈছে। চন্দ্ৰৰ শাহুয়েকে মনে মনে বেজাৰ পাইছিল, কিন্তু মুখ ফুটাই একোকে নকৈছিল। প্ৰসন্নই তেওঁৰ ঘৈনীয়েকৰ লগত মাক আৰু ভনীয়েকৰ আচাৰ ব্যৱহাৰ দেখিও একো কব নোৱাৰিছিল। কাৰণ তেওঁ জানিছিল, যে তেওঁলোকৰ বিৰুদ্ধে কিবাকলে তাৰ বিপৰীত ফল হে ফলিব।

কিন্তু চন্দ্ৰপ্ৰভাই হ'লে সপোনতো তেওঁৰ দুঃখৰ কথা গিৰীয়েকৰ আগত কোৱা নাছিল।

দুঃখে সুখে আৰু একমাহ হৈ গ'ল। এনেতে গৌৰীকান্ত বৰুৱা কিবা এটা নৰীয়াত পৰিল। চন্দ্ৰই বাপেকৰ নৰীয়াৰ খবৰ পাই তেওঁক চাবলৈ বৰ ব্যস্ত হ'ল। প্ৰসন্নই ঘৈনীয়েকক মাকৰ ঘৰলৈ পঠাই দিবলৈ তেওঁৰ মাকলৈ চিঠি লিখিছিল। কিন্তু মাক কোনোমতে সম্মত নহল। তেওঁ পুতেকলৈ চিঠি লেখিলে যে, যাবৰ হলে এই জনমলৈ বাপেকৰ ঘৰতে থাকিব, মোৰ ঘৰত আৰু ঠাই নেপায়। মাকৰ কথা শুনি প্ৰসন্নই আৰু একোকে কব নোৱাৰিলে।

তেওঁ নিৰুপায় হৈ নিজেই শহুৰেকক চাবলৈ গ'ল। বৰুৱা ডাঙৰীয়াৰ নৰীয়া বৰ টান। এইবাৰ তেওঁৰ বাঁচিবৰ আশা নাই। প্ৰসন্নই ভাল ভাল বেজ আনি তেওঁক চিকিৎসা কৰাবলৈ ধৰিলে। কিন্তু নৰীয়া কোনোমতেই কম নহল। বৰং দিনে দিনে বেচি হবলৈ হে ধৰিলে। গৌৰীকান্ত বৰুৱাই মৃত্যুশয্যাত শুই তেওঁৰ জীয়েকৰ এবাৰ মুখখন চাই লবলৈ বৰ আকুল হ'ল। কিন্তু তেওঁৰ মৰণ সময়ত সেই আশাটি ঈশ্বৰে পূৰ্ণ হবলৈ নিদিলে। কেইদিনমান নৰীয়া ভোগ কৰি বৰুৱা ডাঙৰীয়া সিফলীয়া হ'ল। প্ৰসন্ন দুঃখ মনেৰে ধনপুৰলৈ ওভটি আহিল। চন্দ্ৰপ্ৰভাৰ শোকৰ ওৰ নোহোৱা হ'ল। তেওঁ, মৰণ সময়ত তেওঁৰ দেউতাকৰ চৰণ দুখানি দেখা নেপায় বৰ অস্থিৰ হ'ল। শোকৰ সময়ত তেওঁক সান্ত্বনা কৰা দূৰে থাকোক, তেওঁ কান্দিকাটি থকা দেখিলেই শাহুয়েকে কৈছিল, "আইহঁত! এনে কুলক্ষণীয়া

বোৱাৰী কৰবাত দেখিছানে ? দিনৰ দিনটো কান্দিকাটি ঘৰখনৰ বিমঙ্গল কৰিবলৈ ধৰিছে !”

ৰাতি যেতিয়া সকলো টোপনি যায়, জগতত যেতিয়া পোকা পৰুৱা এটিৰো সাৰি শবদ নোহোৱা হয়, সেই সময়তে চন্দ্ৰই মনৰ হেপাহেৰে কান্দিছিল। শাহুয়েকৰ গুৰিত তেওঁ আন সময়ত কান্দিলেও জগৰীয়া হৈছিল।

আজি বহাগৰ বিহু, প্ৰসন্ন আজি ঘৰলৈ আহিছে। গিৰীয়েকক অহা দেখি চন্দ্ৰৰ শোকৰ বোজা বহু পৰিমাণে লঘু হ’ল। বহু দিনৰ মূৰত তেওঁৰ ক’লা মুখত হাঁহি দেখা দিলে।

ঘৰলৈ অহাৰ কেই দিন মানৰ মূৰত, প্ৰসন্নই ঘৰৰ কাঠিত বহি এখন বাতৰী কাকত পঢ়িবলৈ ধৰিছিল। সেই সময়তে প্ৰভাৱতীয়ে এখন চিঠি হাতত লৈ মিছিক মিছিক কৈ হাঁহি প্ৰসন্নৰ ওচৰলৈ আহিল। প্ৰভাই চিঠিখন এনে[illegible] লৈ গৈছিল যে, যাতে প্ৰসন্নই সেই চিঠিখন সহজেই দেখা [illegible]। প্ৰসন্নই বাতৰী কাকত পঢ়িবলৈ এৰি ভনীয়েকক সুধিলে, “প্ৰভা ! সেই খন কাৰ চিঠি ?” প্ৰভাই কলে, “এই বৌৰ চিঠি”। আমি কব নোৱাৰো যে কি নিমিত্তে, সেই চিঠিখন প্ৰসন্নৰ চাবলৈ বৰ মন গ’ল। তেওঁ ৰংমনেৰে কলে, ক’ত চাওঁ চোন ? প্ৰভাই সেই কথা শুনি চকু পকাই কলে, “ময় দিব নোৱাৰোঁ দিলেনো বৌটীয়ে সুদাই এৰিবনে ? বৌৰ এনেকুৱা চিঠি প্ৰায় আহিয়ে থাকে, বৌটীয়ে সেইবিলাক চিঠি কাকো

নেদেখায়। আজি জানো কি ভাই এই খন পেলাই থৈছিল কৰ নোৱাৰোঁ।”

প্ৰসন্নৰ বৰ খং উঠি কলে, “সেই বিলাক পাছে বুজিম, তই দিবিনে নিদিবি?” প্ৰভাই সেই চিঠিখন প্ৰসন্নৰ আগত পেলাই দি, মিছামিছি খং দেখুৱাই গুচি গ’ল। বেড়াৰ আৰলৈ গৈ এটি কাথ হাঁহি মাৰি কলে, “কেনে মজা এইবাৰ তোমাৰ সকলো অহঙ্কাৰ ছাই কৰিলোঁ।”

প্ৰসন্নই চিঠিখন পঢ়িবলৈ ধৰিলে! চিঠিৰ ভিতৰত ঠিকনা নাই। খামৰ ওপৰত বজালী ডাকঘৰৰ চাপ। তাত এইদৰে লেখা আছিল—

মৰমৰ চন্দ্ৰ!

তোমাৰ কোমল হাতৰ চিঠিখন পাই সুখী হলোঁ। তোমাৰ চিঠি পালে যে কিমান সুখী হওঁ তাক কৈ ওৰ কৰিব নোৱাৰি। তোমাৰ নিমিত্তে মোৰ মন সদাই চঞ্চল। চন্দ্ৰ! আৰু যে কিমান দিনৰ মূৰত তোমাক দেখিম! কাহানি মোৰ প্ৰাণৰ চন্দ্ৰৰ ধুনীয়া মুখখনি দেখি হৃদয় শীতল কৰিম! ঈশ্বৰে হে জানে। চন্দ্ৰ! আমি সক কালৰে পৰা একেখন ফুলনীৰ ফুলবদৰে একেলগে ডাঙৰ দীঘল হৈছোঁ। আৰু দুয়ো দুইকো মনে প্ৰাণে ভাল পাওঁ। তেতিয়া এখন্তকো নেদেখিলে থাকিব নোৱাৰিছিলোঁ। সেই নিমিত্তে তোমাৰ বিয়া হোৱাত ময় অলপ যে বেয়া নেপাইছোঁ এনে নহয়। কিন্তু আমালোকৰ দেখাদেখি হোৱা

এতিয়া অসাধ্য। দেখাহোৱাৰ এটিমাত্ৰ উপায় আছিল, সিও গৈছে, তোমাৰ দেউতা জীয়াই থাকোতে তুমি আহিলেও সেই সময়তে দেখা হবৰ সম্ভব আছিল, কপালত আৰু তেনে সুবিধা নহ'ল। সেই নিমিত্তে এতিয়া অনুতাপ কৰা একো উচিত নহয়। আজি মোক বিদায় দিয়া, জীয়াই থাকিলে আকৌ কেতিয়াবা সাক্ষাৎ হব। ইতি—

তোমাৰ একান্ত
ভালপোৱা।

চিঠিখন পঢ়ি, প্ৰসন্নৰ সুন্দৰ মুখখনি ভয়ঙ্কৰৰূপ ধৰিলে। আৰু গোটেই গাটো কঁপিবলৈ ধৰিলে। তেওঁ আৰু থিয়হৈ থাকিব নোৱাৰিলে; পোনেই গৈ তেওঁ শোৱা কোঠালিত সোমাল। চন্দ্ৰপ্ৰভা তাতে বহি আছিল, গিৰীয়েক অহা দেখি থিয়দি হাঁহি মাৰি তেওঁৰ ফালে চালে। আৰু গিৰীয়েকৰ মনৰ ভাব দেখি বৰ আচৰিত হ'ল। ভয়তে তেওঁ কোনো কথ[illegible]ধৰিলেকো সাহ নকৰিলে। প্ৰসন্নই চন্দ্ৰক মাতলগাই কলে, [illegible]! তুমি তোমাৰ মনৰ ভাব আগেয়ে প্ৰকাশ কৰা নাই কিয়? আগেয়ে যদি জানিলোঁ হেঁতেন, তোমাৰ হৃদয় অন্যৰূপ, আৰু আন এজনে তোমাক আশা কৰে, যদি এইটো বুজিব পাৰিলোঁ হেতেন, তেনে হলে মই আজি এই যাতনা কেতিয়াও ভুগিব নেলাগিল হেতেন! আৰু এই জন্মলৈ মোৰ জীৱনত সুখ শান্তি নোহোৱা নহল হেতেন!"

এনেকুৱা কথা চন্দ্ৰপ্ৰভাই প্ৰসন্নৰ মুখৰপৰা কেতিয়াও শুনা নাছিল। তেওঁ ভয়ত অস্থিৰ হ'ল। আৰু একোকে বুজিব নোৱাৰিলে। তেওঁ অজ্ঞান হৈ পৰিল, চকুৰ পানী ববলৈ ধৰিলে। তেওঁৰ জীৱনৰ ধন প্ৰসন্ন আজি কিয় এনে হ'ল? প্ৰসন্নই সেই চিঠিখন হাতত লৈ, অস্থিৰ ভাবে কবলৈ ধৰিলে, "চন্দ্ৰ! এই চিঠিখন কাৰ?" চন্দ্ৰপ্ৰভাই বহু কষ্টেৰে মাত ওলোৱা নোলোৱাকৈ কলে, "এই চিঠি, এই চিঠিখন মোৰ।"

তেওঁৰ কথাত বাধা দি প্ৰসন্নই কবলৈ ধৰিলে, "আৰ কব নেলাগে, উঃ! আৰ ময় সহিব নোৱাৰোঁ। চন্দ্ৰ! মোক বিদায় দিয়া, এই জন্মলৈ বিদায় ললো।" চন্দ্ৰপ্ৰভাৰ মুখলৈ এবেলিও নোচোৱাকৈ প্ৰসন্ন বেগাই গুচি গ'ল। অভাগিনী চন্দ্ৰপ্ৰভা আচৰিত হৈ কিছু সময়ৰ নিমিত্তে পুতুলাটীৰ দৰে থিয়হৈ থাকিল সাৱশেহত মাটীত পৰি কান্দিবলৈ ধৰিলে।

সময়ে সময়ে এনে সামান্য সন্দেহৰ নিমিত্তে মানুহৰ কত অনিষ্ট হয়। আজি যদি প্ৰসন্নই অলপ ভাবি চালে হেতেন, তেনেহলে চন্দ্ৰপ্ৰভাৰ কেতিয়াও এনে দুঃখ নহল হেতেন। প্ৰসন্নই আৰু কাকো একো নুসুধিলে, সেই ৰাতিয়ে ধনপুৰলৈ গুচি গ'ল। দুঃখিনী চন্দ্ৰপ্ৰভাৰ ইমান দিনে কপাল ভাঙ্গিল। চন্দ্ৰপ্ৰভালৈ শাহুয়েকৰ আগৰ পৰাই খং আছিল; এতিয়া জীয়েকৰ মুখত সকলো কথা শুনিবলৈ পাই চন্দ্ৰপ্ৰভাক আচলতে দোষী ভাবি তেওঁক বাপেকৰ ঘৰলৈ পঠাই দিলে।

# পঞ্চম পৰিচ্ছেদ।



প্ৰসন্নৰ মাকে বোৱাৰীয়েকক মাকৰ ঘৰলৈ পঠাই দি মনে মনে ভাবিছিল যে এতিয়া তেওঁৰ ভাল হৈছে। ইবাৰ পুতেকক আকৌ বিয়া কৰায় ভাল বোৱাৰী আনিব। তেওঁ প্ৰসন্নক ঘৰলৈ আহিবলৈ চিঠি লিখিলে। কিন্তু প্ৰসন্নৰ কোনোমতেই ঘৰলৈ আহিবৰ ইচ্ছা নহল; বৰং তেওঁ মাকলৈ লিখিলে, যে আপুনি যদি বাৰে বাৰে মোক এনেকৈ বিৰক্ত কৰে তেনেহলে ইয়াৰ পৰাও গুচি যাম। আৰু মোৰ কোন খবৰ নাপাব। প্ৰসন্নই এই বেলিয়ে মাকৰ আজ্ঞা প্ৰথম লঙ্ঘন কৰিলে। মাকে মনে মনে বৰ বেজাৰ পালে। তেওঁ প্ৰভাৱতীৰ ষড়যন্ত্ৰ ইমান দিনে বুজিব পৰা নাছিল। এতিয়া জানিব পাৰিলে। চেনেহৰ জীয়েকৰ ওপৰত বৰ খং হ'ল! তেওঁ সদায় জীয়েকক গালি সপনি পাৰিবলৈ ধৰিলে। প্ৰভাৱতীয়ে গালি সপনি সহিব [illegible]ৰ চিঠি লেখি গিৰীয়েকক মাতি আনি তেওঁৰ লগতে শহুৰেকৰ ঘৰলৈ গুচি গল। প্ৰসন্নৰ মাকৰ দুঃখৰ ওৰ নোহোৱা হ'ল। দুঃখে কষ্টে তেওঁ দিনে দিনে ক্ষীণাই যাবলৈ ধৰিলে। তেওঁৰ আৰু আগৰ দৰে অহঙ্কাৰ ভাব নেথাকিল। একেটি পুতেক, সিয়ো ঘৰৰপৰা গুচি গৈছে; তদুপৰি বোৱাৰীয়েকৰ বিহনে তেওঁৰ ঘৰ মৰিশালিৰ দৰে হ'ল।

তেওঁ চকুৰ টোপনি পেটৰ ভাত এৰি দিনে ৰাতিয়ে কান্দিবলৈ ধৰিলে।

গিৰীয়েকে এৰি দিয়া অনাথিনী চন্দ্ৰপ্ৰভা, শূন্যহৃদয়া হৈ সংসাৰৰ একুকত পৰি থাকিল। তেওঁৰ বাপেকৰ ঘৰত এতিয়া কোনো নাই! মালতীও শহুৰেকৰ ঘৰলৈ গৈছে। চন্দ্ৰপ্ৰভাই কিছু দিন অকলে দুঃখে কষ্টে কটালে। মালতীয়ে তেওঁৰ দুঃখৰ কথা শুনি গিৰীয়েকে সৈতে তেওঁক চাবলৈ আহিল। চন্দ্ৰপ্ৰভাই মালতীক দেখি তেওঁৰ গলত সাৱতি ধৰিলে; আৰু কান্দি কান্দি কবলৈ ধৰিলে, "সখী! মোৰ সকলো সুখ শান্তিৰ ওৰ পৰিছে।"

মালতীয়ে সখীয়েকৰ চকুৰ পানী টুকি দি কলে, "সখী তুমি নেকান্দিবা, তোমাৰ নামে হোৱা অপবাদৰ মষ এটি ভাল উপায় কৰিম।" মালতীৰ চন্দ্ৰপ্ৰভাক তেওঁৰ লগতে লৈ যাবলৈ বৰ ইচ্ছা হ'ল। কিন্তু পোনে প্ৰথমে চন্দ্ৰপ্ৰভাই যবলৈ মান্তি নহ'ল। শেষত মালতীৰ অনুৰোধত মান্তি হ'ল; আৰু তেওঁৰ লগতে কাঠলগুড়িলৈ গ'ল; আৰু তাতে তেওঁ সখীয়েকৰ শান্তনা ও যতনত আগতলৈ বহু পৰিমাণে সুস্থ হ'ল। চন্দ্ৰ প্ৰভাৰ প্ৰসন্নৰ লগত দেখা হোৱা অসম্ভৱ নাছিল। মহেশ্বৰৰ লগত তেওঁৰ বন্ধুতা আছিল। তেওঁৰ অনুৰোধত প্ৰসন্ন প্ৰায়ে তেওঁৰ ঘৰলৈ আহিছিল। কিন্তু এতিয়াও চন্দ্ৰপ্ৰভাৰ অহা কথা তেওঁৰ আগত কোৱা নাছিল। আগে চন্দ্ৰপ্ৰভাৰ অপবাদ নুগুছোৱাকৈ তেওঁক একো কথা কোৱাতো লাভ নাই

# ষষ্ঠ পৰিচ্ছেদ।



এদিন প্ৰসন্ন মহেশ্বৰৰ লগত দেখা কৰিবৰ নিমিত্তে তেওঁৰ ঘৰলৈ আহিছে। মালতীৰ গিৰীয়েকে আন আন কথা হোৱাৰ পাছত কলে "প্ৰসন্ন, আজি তোমাক এটা কথা সুধিম বুলি মনতে ভাবিছোঁ। তুমি সচাকৈ কবা।" প্ৰসন্নই হাঁহি মাৰি কলে "কি কথা? তোমাৰ গুৰিত নো মম কোনো কথা নোকোৱাকৈ থাকোনে?" তেওঁ কলে, মোৰ গুৰিত তুমি কোনো কথা নোকো-ৱাকৈ নেথাকা দেখিহে মম্নো সুধিছো। ভাই! মালতীৰ মুখে শুনিছোঁ, তুমি হেনো তোমাৰ খৈনীয়েৰক এৰি দিছা!"

প্ৰসন্নৰ প্ৰফুল্ল মুখ হঠাৎ ক'লা পৰিল। তেওঁ বিষাদ মনেৰে উত্তৰ দিলে, ভাই "ভাই সেইবিলাক কথা থৈ দিয়া। সেই কথা কৈ মোৰ মন বেয়া নকৰিবা। মহেশ্বৰে কলে, নহয় প্ৰসন্ন, তুমি আজি এই কথা কবই লাগিব। মালতীৰ মুখে তোমাৰ আচৰণ শুনি বৰ বেজাৰ পাইছোঁ। তোমাৰ নিচিনা জনা বুজা মানুহে বিনা অপৰাধত এজনী কোমলমতীয়া ছোৱালীক অপবাদ দি উলি-য়াই দিয়া মম সপোনতো ভবা নাছিলোঁ।" প্ৰসন্নৰ দুয়ো চকুৰে পানী বৰলৈ ধৰিলে। তেওঁ দুঃখ মনেৰে কব ধৰিলে, "মহেশ! তুমি মোক কিয় এইবিলাক কথা কৈ কটা ঘাত কলা খাৰ ঘঁহিচা?

চন্দ্ৰপ্ৰভাক পৰিত্যাগ কৰি ময় নো সুখে আছোঁনে? ভাই ময় যে কিমান অশান্তি ভোগ কৰিছোঁ তাক তুমি নেজানা। মহেশ! এই জন্মত মই দুৰ্ভগীয়া।” মহেশ্বৰে আদৰেৰে কবলৈ ধৰিলে, “ভাই অস্থিৰ নহবা। আজি তোমাৰ মনৰ কষ্ট দূৰ কৰিবৰ কাৰণেহে তোমাৰ আগত এই কথা উলিয়াইছোঁ। ময় তোমাৰ বন্ধু, মোৰ আগত সকলো কথা ভাঙ্গি কোৱা, বৰ উপকাৰ পাবা।’

প্ৰসন্নই অস্থিৰ ভাবে কবলৈ ধৰিলে। “মহেশ! মই চন্দ্ৰপ্ৰভাক প্ৰাণতকৈও ভাল পাইছিলোঁ। মানুহে মানুহক তিমান ভাল পোৱা অসম্ভৱ। কিন্তু মোৰ প্ৰাণৰ ভাল পোৱা আৰু প্ৰেম পাইও চন্দ্ৰপ্ৰভা সুখী হব নোৱাৰিলে। কাৰণ তেওঁ সৰু কালৰে পৰা আন এটিক ভাল পাইছিল।”

প্ৰসন্নক কথা কব নিদি, মহেশ্বৰে আকুল মনেৰে তেওঁক সুধিলে “সেইটি নো কোন?” প্ৰসন্নই এটি দীঘল হুমুনিয়াহ কাঢ়ি কলে, “মাণিক। মাণিকক চন্দ্ৰই সদাই ভাল পাইছিল। যদি বিয়াৰ আগেয়ে এইবিলাক কথা জানিব পাৰিলোঁ হেতেন, তেন্তে আজি মই সহিব নোৱাৰা যাতনা ভোগ কৰিব নেলাগিল হেতেন।” মহেশ্বৰে কলে, “প্ৰসন্ন, তোমাৰ বিষম ভূল হৈছে। মাণিকে চন্দ্ৰপ্ৰভাক ভাল পাইছিল, আৰু সেই নিমিত্তে দেশত্যাগীও হৈছে ই সঁচা। কিন্তু চন্দ্ৰপ্ৰভাই থন্তেকৰ কাৰনেও তেওঁৰ মনত মাণিকলৈ কোনো কুভাব ভৰা নাই। চন্দ্ৰপ্ৰভাৰ লগত মালতীৰ যেনে ভাব,

তাৰ পৰা জনা গৈছে যে মালতীয়ে চন্দ্ৰৰ মনৰ এাৰ ভালকৈ ভূ পায়। তুমি মিছা কথা এটি মনত ঠাই দি কষ্ট ভুগিছা।"

প্ৰসন্নই কান্দো কান্দো হৈ কলে, "নহয় ভাই! মই যে কোনো সন্দেহ কৰিহে এনে কাজ কৰিছোঁ এনে নহয়। কেৱল মনৰ সন্দেহ হলে ময় আজি কেতিয়াও এনেকুৱা নহলোঁ হেতেন। চন্দ্ৰপ্ৰভাৰ যে মাণিকৰ লগত কুভাব আছে ময় তাৰ যথেষ্ট প্ৰমাণ পাইছোঁ।" মহেশ্বৰে মনৰ হেপাহেৰে সুধিলে, "কি প্ৰমাণ পাইছা?" প্ৰসন্নই তেতিয়া চোলাৰ জেপৰ পৰা প্ৰভাৱতীয়ে দিয়া সেই চিঠিখনি উলিয়াই দি কলে, "চোৱা ভাই! এইখনই মই বৰ যতনেৰে ৰাখিছোঁ।" মহেশ্বৰে গোটেই চিঠি পঢ়া নোহা-ৰাতেই আচৰিত হৈ কৰলৈ ধৰিলে, "প্ৰসন্ন কি আচৰিত কথা? তুমি চকু থাকোতেই কণা হৈ কি কুকাজ কৰিছা? সেই নিমিত্তে তুমি গোটেই জীৱনটো অনুতাপ কৰিব লাগিব। এই চিঠিখন মাণিকৰ নহয়, আমাৰ মালতীৰ লেখা।" প্ৰসন্ন বহি আছিল থিয়হৈ উঠিল; আৰু অস্থিৰ ভাবে কলে,—"কি কথা? এই চিঠিখন মাণিকৰ নহয়?" মহেশ্বৰে [illegible]ভাবে কলে, "নহয় এইখন মালতীৰ চিঠি"। প্ৰসন্নৰ মনৰ ভ্ৰান্তি একেবাৰে আতৰি গ'ল। এতিয়া তেওঁ মহেশ্বৰৰ কথা শুনি আগৰ দৰে হ'ল। মহেশ্বৰ ভিতৰলৈ যাব ধৰিছিল, প্ৰসন্নই তেওঁৰ হাতত ধৰি অস্থিৰ হৈ কলে, "মহেশ আৰু কথা এটি কৈ যোৱা। চন্দ্ৰপ্ৰভা, এতিয়া ক'ত?' মহেশ্বৰে মিছাকৈ কলে, "তেওঁ কত আছে ময় তাৰ

একো খবৰ বাতৰী নেপাওঁ। কেটামান দিন মাকৰ ঘৰতে আছিল, এতিয়া কত আছে কব নোৱাৰোঁ।' সেই কথা থিনি কৈ মহেশ্বৰ তাৰপৰা অন্য ফালে গ'ল। প্ৰসন্নৰ বুক খন কাঠ খৰিৰ জুইৰ দৰে ডুপ ডুপকৈ জ্বলিব ধৰিলে। দুয়ো হাত চকুত দি সহিব নোৱাৰা হৈ কলে, "চন্দ্ৰ! তুমি ক'ত। এবাৰ আহা মই তোমাক কাকুতি কৰিছোঁ, মোক ক্ষমা কৰা।" প্ৰসন্নই এইবিলাক কথা কৈ থাকোতে চন্দ্ৰপ্ৰভাই চকুৰ লো টুকি টুকি বেগেৰে আহি তেওঁৰ চৰণত দীঘল দি পৰিল। চন্দ্ৰৰ ভৰিৰ সঁহাৰি পাই, প্ৰসন্নই চকুৰপৰা হাত দুখন গুছালে। আৰু চন্দ্ৰ প্ৰভাক দেখা পাই, বলিয়া মানুহৰ দৰে হৈ তেওঁক সাবোটা মাৰি ধৰি কবলৈ ধৰিলে। "চন্দ্ৰ! তুমি আহিছা? সঁচাইয়ে আহিছা? চন্দ্ৰ! তুমি দেবী, তুমি সতী, মই তোমাৰ নামে মিছাতে অপবাদ দিছোঁ। মোৰ নৰকতো ঠাই নাই। চন্দ্ৰ! তুমি কোৱা, মোক ক্ষমা কৰিবা নে নকৰা কোৱা।" চন্দ্ৰই প্ৰসন্নৰ বুকৰ মাজত তেওঁৰ মুখখন লুকাই মনে মনে কান্দিবলৈ ধৰিলে। আজি তেওঁ লোকৰ আনন্দ আৰু সুখৰ কথা এই ক্ষুদ্ৰ লেখনীৰে বৰ্ণাবলৈ সুকঠিন।

যথাসময়ত প্ৰসন্নই চন্দ্ৰপ্ৰভাক লৈ ঘৰলৈ গ'ল। তেওঁৰ মাকে হেৰোৱা বোৱাৰীয়েকক পাই আনন্দ কৰিবলৈ ধৰিলে। আৰু প্ৰসন্নই সুখ মনেৰে দিন কটাবলৈ ধৰিলে।



সমাপ্ত।